নিদিওঁ। ব্ৰহ্মপুত্ৰ উপত্যকাত যিসকল লোক দহ হাজাৰ বছৰ আগৰে পৰা বসতি কৰিছে বা কুৰি পঁচিশ বছৰ আগতে আহি ইয়াত বসতি কৰিছে—এই সকলোৰে সন্মুখত বৰ্তমান শতাব্দীৰ অন্যতম ডাঙৰ কৰ্তব্য হ'ল ব্ৰহ্মপুত্ৰ উপত্যকা তথা অসমৰ ঐক্য আৰু সংহতি বজাই ৰাখি ইয়াক ভাৰতবৰ্ষৰ ভিতৰত এখন সুখী, সমৃদ্ধিশালী আৰু আদৰ্শ ৰাজ্য হিচাপে গঢ়ি তোলা। অসমৰ নতুন-পুৰুষৰ সন্মুখতো ই এটা মহৎ প্ৰত্যাহ্বান।

১৮ নৱেম্বৰ, ১৯৭০